দুইকো দুই মহাক্রোধে প্রহাবিলা শৰ।
শ্রাৱণৰ মেঘে যেন বৰষিলা জল ॥১৯০
দুয়ো মহাবলৱন্ত মুনিষ দুৰ্জ্জয়।
হিংসা হিংসি দুইকো দুই শৰ বৰিষয় ॥
মণ্ডল আকাৰ দেখি দুইখান ধনু।
শৰ ছেদে ভেদয় দুহান দুইবো তনু ॥১৯১
এক ভৰি পাচ নকৰয় দুই বীৰ।
ৰুধিৰে ৰাতুল ভৈলা দুহানো শৰীৰ ॥
কালভদ্র কৰ্ণৰ মিলিলা ঘোৰ ৰণ।
আকাশত ৰঙ্গ চাই আছে দেৱগণ ॥১৯২
সেহিবেলা কৰ্ণে হানিলন্ত পঞ্চবাণ।
কালভদ্র বীৰৰ ভেদিলা স্থানে স্থান ॥
আৰো একপাত শৰ লৈলা ৰাধাসুত।
শৰীৰৰ বলে ক্রোধে কৰি বিপৰীত ॥১৯৩
বজ্রৰ সন্ধানে তাড়িলেক মহাবল।
হৃদয়ত পৰি পুঙ্খমানে গৈলা তল ॥
যেন ভয়ঙ্কৰ সৰ্প পশিলা গৰ্ত্তত।
বিমূৰ্চ্ছিত হৈয়া বীৰ পৰিলা ৰথত ॥১৯৪
কতোবেলি চেতন লভিলা বীৰবৰ।
বাক্য গদ গদ মুখে পৰয় ৰুধিৰ ॥
কৰ্ণক লাগিয়া বীৰে শৰ বৰষিলা।
আকাশৰ মেঘ যেন বৰিষয় শিলা ॥১৯৫
দিনতে আন্ধাৰ দেখে নেদেখে প্রসন্ন।
দুইকো দুই অথাকে * বৰিষে শৰগণ ॥

---

* অথাকে—অবিৰাম।

পাচে দুই ক্ৰোধ কৰি শৰ বৰষিলা।
দুহানৰ শৰ দুইয়ো সমস্তে কাটিলা॥১৯৬
অন্ধকাৰ গুচি ভৈলা আকাশ প্ৰসন্ন।
দুইকো দুই অথাকে বৰিষে শৰগণ॥
অন্ধকাৰ ফেৰি হৈলা আকাশ উজ্জ্বল।
দুইয়ো মহাৰথী বীৰ দুয়ো মহাবল॥১৯৭
দুইকো দুই সমৰে নকৰে পাচ ভৰি।
দুইকো দুই কোপ কৰি শৰ এৰা এৰি॥
দুহানৰ শৰে দোহো ভৈলা জৰ্জ্জৰিত।
শৰীৰৰ মাংস ছিণ্ডি পৰয় ভূমিত॥১৯৮
সেহিবেলা কালভদ্ৰ মুনিষ প্ৰধান।
ছিদ্ৰ পাই কৰ্ণৰ কাটিলা ধনুখান॥
শৰীৰত প্ৰহাৰে প্ৰচণ্ড শৰচয়।
মূৰ্চ্ছা যাই পৰিলেক ৰাধাৰ তনয়॥১৯৯
কতো বেলি চেতন লভিলা ৰাধা-সুত।
মনে মনে বোলে কিনো বীৰ অদভুত॥
ভালেতো ইহাৰ ভয়ে কাম্পে ত্ৰিজগত।
কোন বস্তু দুঃশাসন ইহাৰ আগত॥২০০
এহি বুলি ধনু তুলি লৈলা কোপমনে।
দেখি কালভদ্ৰে কাটিলেক তাৰক্ষণে॥
আন ধনু কৰ্ণে তুলি লৈলেক সম্প্ৰতি।
তাকো কাটিলেক কালভদ্ৰ সেনাপতি॥২০১
এহিমতে কৰ্ণে ধনু লয় যত যত।
শৰ হানি কালভদ্ৰে কাটয় সমস্ত॥
শৰীৰক ভেদিলেক অসংখ্যাত বাণ।
বিমূৰ্চ্ছিত ৰাধাসুত কণ্ঠাগত প্ৰাণ॥২০২

লাল কাল ভৈলা কৰ্ণ ধৰফৰ কৰে।
নাপায় উদ্দেশ বীৰ কালভদ্ৰ শৰে ॥
কতো বেলি চেতন লভিলা বীৰকৰ্ণ।
ধনু ধৰি প্ৰহাৰিলা অসংখ্যাত বাণ ॥১০৩
আকাশ চানিয়া ভৈলা শৰে অন্ধকাৰ।
দেখি কালভদ্ৰে কোপ কৰিলা অপাৰ ॥
আকৰ্ণ পূৰিয়া ধনুখান টানি আনি।
কৰ্ণৰ শৰক কাটিলেক শৰে হানি ॥২০৪
পুনৰপি ঘোৰ যুদ্ধ মিলিলা অপাৰ।
দুইৰো শৰে আকাশ ভৈলেক অন্ধকাৰ ॥
দুইফাল ভৈলা যেন দুখান আকাশ।
ঘোৰ তমোময় ভৈলা ৰুধিৰ প্ৰকাশ ॥২০৫
দুইৰো শৰে দুহান্তৰ কাটিলা সমস্ত।
দুইয়ো মহা পৰাক্ৰমী ঘোৰ সমৰত ॥
এক ভৰি পাচ নকৰয় দুয়োজন।
আনন্দে সমৰ চাই আছে দেৱগণ ॥২০৬
দুইৰো শৰে শৰীৰৰ মাংস ছিঙ্গি যাই।
আকাশত উৰিয়া শগুন কাকে খায় ॥
তথাপিতো দুইকো দুই প্ৰহাৰয় শৰ।
মৃণালৰ নালা যেন ভৈলা কলেৱৰ ॥২০৭
শোণিতে সিন্দূৰ বৰ্ণ দেখিতে শোভন।
কালভদ্ৰ সেনাপতি ৰাধাসুত কৰ্ণ ॥
ঘোৰ শৰে জৰ্জ্জৰিত দুহানো শৰীৰ।
শৰবিষে দুইৰো হাত পাৱ নোহে স্থিৰ ॥২০৮
ধৰফৰ কৰে জ্ঞান নাহিকে গাৱত।
তথাপিতো যুজে দুই পৰম ক্ৰোধত ॥

পঞ্চদিন পঞ্চৰাত্রি কৰিলা সমৰ।
বিস্ময়ে আছিলা দেৱাসুৰ নিৰন্তৰ ॥২০৯
সেহিবেলা কালভদ্ৰ বীৰ মহাবলী।
খেদি যাই কৰ্ণক ধৰিলা আঙ্কোৱালি ॥
কৰ্ণও তাহাক ধৰিলেক ছল পাই।
তুল্য পৰাক্ৰম দুইৰো হীন পৰ নাই ॥২১০
হাতে হাতে ধৰিলেক পাৱে পাৱে ছান্দি।
ভূমিত পৰিলা দুয়ো মালবান্ধে বান্ধি ॥
গিৰগিৰ কৰিয়া শৱদ বৰ ভৈলা।
একেলগে পৰি দুয়ো বীৰ মূৰ্চ্ছা গৈলা ॥২১

কালভদ্ৰৰ বন্ধন

হেন দেখি দুৰ্য্যোধনে গুণয় মনত।
আক সম বীৰ দেখো নাহি সংসাৰত ॥
পুনৰপি উঠি যদি কৰে ঘোৰ ৰণ।
নিশ্চয় জানিলো আক সম নহে কৰ্ণ ॥২১২
এহি বুলি দুৰ্য্যোধন ৰাজা মহাবলী।
খেদি যাই তাহাক ধৰিলা আঙ্কোৱালি ॥
ডেৱ দিয়া উপৰক বেগে তুলি ধৰি।
আপোনাৰ সৈন্যমধ্যে গৈলা ৰঙ্গ কৰি ॥২১৩
পিঠিত কিলৰ জাক দিলা মহাবলে।
নাগপাশে বান্ধিয়া থৈলেক হাতেগলে ॥

কূৰ্ম্মৱলী-দুৰ্য্যোধনৰ ৰণ আৰু দুৰ্য্যোধৰ পৰাভৱ

দেখি মনে গুণে কূৰ্ম্মৱলী নৰেশ্বৰ।
কৰিলেক দুৰ্য্যোধনে অন্যায় সমৰ ॥২১৪

হৰি হৰি ভৈলা কিনো প্ৰভাৱ কালৰ।
হেন দেখি সাৰথিক দিলেক উত্তৰ ॥
শুনিয়ো সাৰথি মোৰ শীঘ্ৰে ডাক ৰথ।
দুৰ্য্যোধন ৰাজাক বধিবো নিষ্ঠ কথা ॥২১৫
কালভদ্ৰ বীৰৰ বলৰ নাহি সন্ধি।
অন্যায় সমৰে তাক কৰিলেক বন্দী ॥
তাক লাগি ধৰ্ম্মৰ যুজত কোন ফল।
শীঘ্ৰে ডাকিয়োক মোৰ ঘোটক প্ৰবল ॥২১৬
হেন শুনি সাৰথি ডাকিলা ৰথখান।
চাহন নাযায় যেন আদিত্য সমান ॥
খেদি যাই দুৰ্য্যোধন নৃপতিক পাই।
হানিলা নাৰাচগণ দুনাই দুনাই ॥২১৭
শৰীৰৰ বলে প্ৰহাৰিলা মহাবলী।
হৃদয়ত পৰি তল গৈলা হলাহলি ॥
বিমূৰ্চ্ছিত দুৰ্য্যোধন উদিশ নাপাৰে।
বিস্ময়ে ৰহিলা ৰাজা বিকল স্বভাৱে ॥২১৮
নৃপতিৰ অৱস্থা দেখিয়া বিদ্যমান।
শীঘ্ৰে আনি সাৰথি যোগাইলা ৰথখান ॥
আথে বেথে দুৰ্য্যোধন ৰথত চৰিলা।
অলক্ষিতে ধনু ধৰি শৰ বৰষিলা ॥২১৯
অথাকে বৰিষে দুৰ্য্যোধন নৃপবৰ।
আকাশে চানিয়া চলে অসংখ্যাত শৰ ॥
দেখি কূৰ্ম্মৰলী ৰাজা শীঘ্ৰে চলি গৈলা।
তূণৰ শতেক বাণ বাছি বাছি লৈলা ॥২২০
অস্ত্ৰায় কৰিয়া শৰ প্ৰহাৰিলা যত।
কাটি কৰিলেক চূৰ্ণ শৰ আকাশত ॥

শৰ কাটি কূর্ম্মৱলী গুণয় মনত ।
ঘোৰতৰ শৰপাত যুবিলা গুণত ॥২২১
মন্ত্র পঢ়ি প্রহাৰ কৰিলা মহাৱলী ।
সূর্য্যৰ কিৰণ নিবাৰিয়া যায় চলি ॥
মহাবেগে শৰপাত খেদি লাগ পাই ।
ৰথ সমে ৰাজাক নিলেক উৰুৱাই ॥২২২
অসংখ্যাত পাক ফুৰাইলে আকাশত ।
পাচে পেলাইলেক নিয়া হস্তিনাপুৰত ॥
পৃথিবীত আফালি পেলাইলা টান কৰি ।
বসুন্ধৰা লৰিলেক গিৰগিৰ কৰি ॥২২৩
বিমূর্চ্ছিত দুর্য্যোধন শ্রুতি-বুদ্ধি নাই ।
উফন্দিলা পেটগোট বায়ু বন্ধ যাই ॥
হস্তিনাপুৰত প্রজা ভৈলা আচৰিত ।
কৈতবা কি ভৈলা তাৰ নপান্ত বিদিত ॥২২৪
জন্মেজয় ৰাজাত বদতি মুনিবৰ ।
যেন কথা ভৈলা আৰে আত অনন্তৰ ॥
সেহিবেলা ৰাধাসুত লভিলা চেতন ।
ৰাজাগণে চেতন লভিলা তেতিক্ষণ ॥২২৫
কিছো কিছো কৰিয়া গাৱত শ্রুতি পাইলা ।
ধনু-শৰ ধৰি সবে যুজিবাক লৈলা ॥
হেন দেখি কূর্ম্মৱলী নৃপতি প্রধান ।
আথে বেথে ধৰিয়া হানিলা নিদ্রাবাণ ॥২২৬
সমস্তয়ে বীৰমানে নিদ্রিত যে হুই ।
সশৰীৰে দৃঢ় কৰি ধৰিলা জণ্টাই ॥
ৰাধেয়ক আদি কৰি যত বীৰগণ ।
নিদ্রা যাইে পূর্ব্বৱতে হৈলা অচেতন ॥২২৭

ভীষ্ম আৰু কূৰ্ম্মৱলীৰ ৰণ

হেন দেখি গঙ্গাৰ কুমাৰ মহাৱলী।
সমৰক লাগি শীঘ্রবেগে গৈলা চলি॥
শুক্লবর্ণ ৰথখান দেখি অদভুত।
ধনু ধৰি সমৰভূমিত উপস্থিত ॥২২৮
হেন দেখি কূৰ্ম্মৱলী হৰষিত মনে।
ভীষ্মৰ মুখক চাই বুলিলা বচনে॥
তোমাৰ নৃপতি দুর্য্যোধন কৈক গৈলা।
ৰাজা নাই তোমাথেৰ অথন্তৰ ভৈলা ॥২২৯
নৃপতি বিনায় যুজিবাৰ কোন কাজ।
পালটিয়া যায়ো চলি আপোনাৰ ৰাজ্য॥
হেন শুনি গঙ্গাসুতে দিলন্ত উত্তৰ।
মোৰ নাম ভীষ্ম জানিবাহা নৃপবৰ ॥২৩০
তীৰ্থমধ্যে সংসাৰে যাহাৰ সম নাই।
তেহো জন্মাইলেক মোক গঙ্গাদেৱী আই॥
বিনাযুদ্ধে মই যদি চলি যাওঁ ঘৰ।
কুখ্যাতি ৰহিবে মোৰ চন্দ্ৰ দিবাকৰ ॥২৩১
আকে জানি সাৱধান হুয়ো নৃপবৰ।
তোমাৰ আমাৰ যুদ্ধ হৈব ভয়ঙ্কৰ॥
অধৰ্ম্ম এৰিয়া যুজিবাহা স্বধৰ্ম্মত।
সাক্ষী হই থাকিবা দেৱতাগণ যত ॥২৩২
হেন শুনি কূৰ্ম্মৱলী দিলেক উত্তৰ।
জানা ভীষ্ম পিতামহ শুস্ত নৃপবৰ॥
তাহাৰ তনয় ধৰ্ম্মদত্ত বোলে যাক।
তেহো মহাৰাজ জন্ম দিলেক আমাক ॥২৩৩

এতেকতে অধৰ্ম্মক যুদ্ধে কোন কাজ ।
স্বধৰ্ম্মত যুজিবো সত্বৰে হুয়ো সাজ ॥
এহি বুলি কূৰ্ম্মৰলী ৰাজা নৰেশ্বৰ ।
মনত হৰিষে আতি লৈলা ধনু-শৰ ॥২৩৪
হেন দেখি ভীষ্মৰ আনন্দ ভৈলা মন ।
ভয়ঙ্কৰ ধনু তুলি লৈলা তেতিক্ষণ ॥
দুইকো দুই বচনে সাদৰি অনুপাম ।
কৰযোৰে কৰিলেক সস্নেহে প্ৰণাম ॥২৩৫
দুইকো দুই কৰিলেক ধনুক টঙ্কাৰ ।
একেলগে দুইয়ো শৰ কৰিলা প্ৰহাৰ ॥
মহাবেগে দুয়ো প্ৰহাৰিলা মহাবল ।
শ্ৰাৱণৰ মেঘে যেন বৰষিলা জল ॥২৩৬
দুইখান ধনু দেখি মণ্ডল আকাৰ ।
দুইবো শৰে আকাশ ঢাকিলা নিৰন্তৰ ॥
নিচিনি আপোন পৰ অন্ধকাৰময় ।
ধৰণীমণ্ডলে দুই মানুষ দুৰ্জ্জয় ॥২৩৭
মহাৰাজ কূৰ্ম্মৰলী নৃপতিৰ শৰে ।
কৌৰৱৰ সেনাসব জাকে জাকে মৰে ॥
কূৰ্ম্মধ্বৰ সেনা মৰে ভীষ্মৰ হাতত ।
অসংখ্যাত সেনা নিৰন্তৰে হৰে হত ॥২৩৮
সেহিবেলা কূৰ্ম্মৰলী ভীষ্মত বদতি ।
আমাৰ বচন শুনিয়োক মহামতি ॥
হাসিবেক দেখি দেৱে নিকৃষ্ট সমৰ ।
অকাৰণে মৰে সব সেনা নিৰন্তৰ ॥২৩৯
নুহিবা তোমাক মাৰো নুহিবা আমাক ।
সম্মুখ সমৰে পৰি যাওঁ স্বৰ্গলোক ॥

আকে জানি সমবত হৱা সাৱধান।
মন্ত্র বলে প্রহাবিয়ো দেৱদত্ত বাণ॥২৪০
শুনি আছো তোমাব বীৰত্ব যত যত।
মহা ধনুৰ্দ্ধৰ অকম্পন সমৰত॥
দেৱতাৰ অস্ত্রমানে জানিছা বিস্তৰ।
শিখি আছা মূৰ্ত্তিমন্ত অসংখ্যাত শৰ॥২৪১
এহি বুলি কূৰ্ম্মৱলী হৰিষ মনত।
অগনিব শবপাত হৰিলা গুণত॥
মন্ত্র পঢ়ি গুণত যুৰিলা নৃপবৰ।
চৌদিশে আরবি চলে অগ্নি ভয়ঙ্কৰ॥২৪২
হেন দেখি গঙ্গাস্থত মুনিষ প্রধান।
যুৰিলা মনত ৰঙ্গে বৰুণৰ বাণ॥
মন্ত্র পঢ়ি শবপাত প্রহাৰ কৰিলা।
দশোদিশ ঢাকিয়া যে শিলা বৰষিলা॥২৪৩
নুমাইল অগনি দশোদিশ সুপ্রসন্ন।
কিঞ্চিৎ হৰিষ মন ভৈলা প্রজাগণ॥
দেখি ক্রোধ ভৈল কূৰ্ম্মৱলী নৰেশ্বৰ।
শীঘ্রবেগে ববষিলা শব বাসৱৰ॥২৪৪
প্রলয়ৰ মেঘ যেন দেখি লাগে ডৰ।
পৃথিবী আকাশ ছানি ভৈলা অন্ধকাৰ॥
ববিষণ ঘনে ঘনে গৰ্জ্জয় অপাৰ।
জল স্থল সহিতে পৃথিবী একাকাৰ॥২৪৫
হেন শুনি গঙ্গাশুতে দিব্য মন্ত্র জপি।
হানিলা মৰুত বাণ ধনুত আৰোপি॥
মহাবেগে শৰপাত খেদি লাগ পাই।
বাসৱৰ শৰক নিলেক উৰুৱাই॥২৪৬

সেহিবেলা নৃপতিৰ পৰিল মনত।
ভুজঙ্গৰ শৰপাত যুৰিলা গুণত॥
মন্ত্র পঢ়ি প্রহাৰ কৰিলা মহাবীৰ।
সর্প নিকলয় তাৰ পঞ্চ পঞ্চ শিৰ॥২৪৭
আকাশ ছানিয়া চলে সর্প আসৰিষ।
লহ লহ কৰে জিহ্বা নাকে পৰে বিষ॥
তাক দেখি গঙ্গা-সুত বঙ্গমন ভৈলা।
বৈৰতৰ অস্ত্রপাত গুণত যুৰিলা॥২৪৮
জাপ্য কৰি মহাবীৰে প্রহাৰ কৰিলা।
অসীম সুৱর্ণৰ গৰুড় পক্ষী ভৈলা॥
মহাবেগে ধৰি সবে চলে আকাশত।
খেদি দেখি খাইলা ভুজঙ্গৰ অস্ত্র যত॥২৪৯
হেন দেখি ক্রোধে জ্বলি গৈলা নৰেশ্বৰ।
মন্ত্র পঢ়ি বৰষিলা দানৱৰ শৰ॥
বাঘ ঘোঙ্গ সিংহ ধনুহন্তে নিকলয়।
দেখি কৌৰৱৰ মনে মিলিল সংশয়॥২৫০
হেন দেখি গঙ্গা-সুত মুনিষ দুৰ্ব্বাৰ।
নাৰায়ণ অস্ত্রপাত কৰিলা প্রহাৰ॥
চলিলেক শৰ দশোদিশে সুপ্রসন্ন।
দানৱৰ শৰমানে কৰিলেক চূর্ণ॥২৫১
দেখি নৃপতিৰ কোপ জ্বলিলা অপাৰ।
পিশাচৰ শৰপাত কৰিলা প্রহাৰ॥
ঘোৰ মায়াৱন্ত সিটো শৰ বিপৰীত।
চতুৰ্দ্দিশে অন্ধকাৰ ঘোৰ ভয় ভীত॥২৫২
দুৰ্ঘোৰ আস্ফাল নাদ শুনি দশোদিশে।
আকাশত থাকি সবে পৰ্ব্বত বৰিষে॥

হেন দেখি গঙ্গাসুত মনে ভয় ভৈলা।
নৰসিংহ অস্ত্রপাত হাতে তুলি লৈলা ॥২৫৩
মন্ত্র পঢ়ি প্রহাৰ কৰিলা আতিশয়।
পিশাচৰ শৰক নিলেক উৰুৱায় ॥
পৰম কোপত কূৰ্ম্মৰলী নিৰন্তৰ।
মন্ত্র পঢ়ি প্রহাৰ কৰিলা তমোশৰ ॥২৫৪
নেদেখয় শুনয় কুহবি সদৃশ।
মহাবেগে চলে অন্ধকাৰ দশোদিশ ॥
আপোনাৰ শৰীৰ নেদেখে প্রজাচয়।
হাহাকাৰ শব্দ উঠিলা আতিশয় ॥২৫৫
হেন দেখি মহাক্রোধে গঙ্গাৰ কুমাৰ।
আদিত্যৰ শৰপাত কৰিলা প্রহাৰ ॥
জ্যোতির্ম্ময় আদিত্যৰ শৰ আসৰিষ।
অন্ধকাৰ ফেৰি সুপ্রসন্ন দশোদিশ ॥২৫৬
তমোময় শৰ যেবে বৃথা হুয়া গৈলা।
দেখি নৃপতিৰ মনে মহাভয় ভৈলা ॥
ক্রোধত বিবর্ণ মুখ দেখিতে ভীষণ।
মন্ত্র পঢ়ি প্রহাৰ কৰিলা বায়ুবাণ ॥২৫৭
বতাস বহয় আতিশয় ভয়ঙ্কৰ।
খৰ বায়ু বহে খোলা উৰাই থাপৰ ॥
অসংখ্যাত বৃক্ষসব উভৰি পৰয়।
প্রচণ্ড বতাসে মেৰু মন্দৰ কম্পয় ॥২৫৮
পৰ্ব্বতৰ শৃঙ্গ যেন উৰাই নিৰন্তৰ।
সম্মুখৰ বায়ু বহে বিষম সমৰ ॥
হেন দেখি গঙ্গাসুত মুনিষ নায়ক।
মন্ত্র পঢ়ি প্রহাৰিলা পৰ্ব্বত শায়ক ॥২৫৯

বতাসক নিবাৰিলা পৰ্ব্বত দুৰ্জ্জয়।
প্ৰভাহীন হৈলা দুয়ো অস্ত্ৰ গেলা ক্ষয়॥
দেখি মহাক্ৰোধ ভৈলা ৰাজা কূৰ্ম্মৱলী।
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা নিদ্ৰাৱলী॥২৬০
মহাবীৰ গঙ্গাসুত নাহি ভয় ভীত।
আথে বেথে প্ৰহাৰিলা শায়ক জাগ্ৰত॥
দুইৰো শৰ আকাশত ভৈলা একস্থান।
হুলস্থুল কৰি তেতে ভৈলন্ত নিৰ্য্যাণ॥২৬১
দেখি মহাক্ৰোধে কূৰ্ম্মৱলী নৰেশ্বৰ।
মন্ত্ৰ পঢ়ি জ্বৰবাণ হানিলা সত্বৰ॥
শৰমধ্যে মূৰ্ত্তিমন্ত শায়ক প্ৰধান।
মূৰ্ত্তি ধৰি চলিলা শিৱৰ জ্বৰবাণ॥২৬২
হেন দেখি গঙ্গাসুতে হানে ধনু ধৰি।
বিষ্ণুৰ জ্বৰক হানিলেক শীঘ্ৰ কৰি॥
শিৱৰ জ্বৰক বিষ্ণুজ্বৰে লাগ পাই।
দূৰাতে বিদূৰ কৰি খেদিলা তুনাই॥২৬৩
হেন দেখি কূৰ্ম্মৱলী নৃপতি প্ৰধান।
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা কুবেৰৰ বাণ॥
বাসুকী সদৃশ ভয়ঙ্কৰ বিপৰীত।
মাথা গোট আকাশে লাঙ্গল পৃথিবীত॥২৬৪
মেৰু মন্দৰৰ সদৃশত কলেৱৰ।
আকাশ বিয়াপি চলে ভয়ঙ্কৰ শিৰ॥
নিশ্বাসত বাজ হৱে অসংখ্যাত সৰ্প।
দেখি দেৱলোকৰ হাৰিয়া গৈলা দৰ্প॥২৬৫
নাকৰ বতাস মাৰুতৰ সমসৰ।
দুইগোট চক্ষু যেন উদিত ভাস্কৰ॥

কালবৰ্ণ দুই জিহ্বা শিখৰ সদৃশ।
টোপ টোপ কৰি দুই নাকে পৰে বিষ ॥২৬৬
পাতাল সদৃশ কৰি বেন্ত গোট বাই।
পৰম আক্রোশে গাঙ্গেয়ক খেদি যাই ॥
হেন দেখি গঙ্গাসুতে মনত গুণিলা।
আথে বেথে দিকপাল শৰ বৰষিলা ॥২৬৭
আকাশ ছানিয়া চলে শায়ক প্রচণ্ড।
কুবেৰৰ অস্ত্রক কৰিলা খণ্ড খণ্ড ॥
চূৰ্ণাকৃতি হুয়া শব ভূমিত পৰিলা।
টল বল কৰি মহী মন্দৰ লৰিলা ॥২৬৮

কূৰ্ম্মৰলীৰ পতন

হেন দেখি কূৰ্ম্মৰলী পৰম ক্রোধত।
ব্ৰহ্মাৰ শকতিপাত যুৰিলা গুণত ॥
প্রলয়ৰ বহ্নি যেন শকতি দুৰ্জ্জয়।
অযুত সূৰ্য্যৰ তেজ প্রকাশ কৰয় ॥২৬৯
শৰৰ প্রতাপে সৰ্ব্ব পৃথিবী লৰিলা।
মন্দৰ গিৰিত যেন ধমক লাগিলা ॥
সকল পৃথিবী নদী নদ ভয় ভৈলা।
আকাশৰ তাৰাগণ খসিয়া পৰিলা ॥২৭০
দেখি দেৱলোকৰ ভৈলেক মহাত্রাস।
কুৰু কূৰ্ম্মথেৰ সবে মনত উল্লাস ॥
হেন দেখি গঙ্গা-সুত গুণয় মনত।
মহেশৰ শৰপাত যুৰয় গুণত ॥২৭১
ৰুদ্রমন্ত্র জাপ্য তাতে কৰিলা বিস্তাব।
কম্পে বসুমতী নসহয় পায়া ভৰ ॥

অস্ত ভৈলা নাগলোক নক্ষত্ৰসকল ।
ফাট দিয়া ধৰণী কৰয় টল বল ॥২৭২
আকাশত আদিত্যৰ স্থিৰ ভৈলা গতি ।
কৈলাশত সচকিত ভৈলা পশুপতি ॥
ব্ৰহ্মলোকে ভাঙ্গিলেক ব্ৰহ্মাৰ ধিয়ান ।
সমুদ্ৰত ঢৌ উঠে পৰ্ব্বত সমান ॥২৭৩
উলটিয়া বহে নদ নদী সৰোবৰ ।
পৃথিবী আকাশ হাহাকাৰ নিৰন্তৰ ॥
শৰৰ মুখৰ হন্তে অগ্নি বাহিৰয় ।
ডৰে পৃথিবীক দেৱে আসিলা পলায় ॥২৭৪
নিশৰদ পশু-পক্ষী পিশাচসকল ।
ধূমে বিয়াপিলা সবে ধৰণী মণ্ডল ॥
কুৰু-কূৰ্ম্মথেৰ সেনা ভৈলা মহাত্ৰাস ।
আই বাপা বুলি সবে পাৰয় আটাস ॥২৭৫
মহাবেগে শৰপাত চলে আকাশত ।
প্ৰলয়ৰ বহ্নি যেন দেখি সেহিমত ॥
শীঘ্ৰবেগে চলে আকাশৰ পথ ভেদি ।
গৰুড় চলয় যেন সৰ্পগণ খেদি ॥ ২৭৬
সেহিমতে ব্ৰহ্মাৰ শকতি খেদি ধৰি ।
পৃথিবীত পেলাইলেক চূৰ্ণাকৃত কৰি ॥
ব্ৰহ্মাৰ শকতি পাত ভূমিত পেলাই ।
আতি মহাবেগে নৃপতিক খেদি যায় ॥২৭৭
কূৰ্ম্মৰলী নৃপতিৰ হত ভৈলা বুদ্ধি ।
প্ৰচণ্ড বতাসে ৰাজা আছে চক্ষু মুদি ॥
বিমঙ্গল কৰিয়া মাৰুত উৰুৱাৰে ।
বিস্ময়ে থাকিলা ৰাজা ব্যাকুল স্বভাৱে ॥২৭৮

সেহিবেলা মহেশৰ শৰ বিপৰীত।
মনোজয় বেগে আসি চাপিলা সমীপ॥
প্ৰচণ্ড বতাসে দশোদিশে যাই ছানি।
তূলাত লাগিল যেন প্ৰচণ্ড অগনি॥২৭৯
নিমিষেকে দহি নৃপতিৰ কলেৱৰ।
পৃথিবী বিদাৰি গৈলা পাতাল ভিতৰ॥
সাত সাগৰৰ জলে কৰিলেক স্নান।
দিব্যৰূপ ধৰি গৈলা মহেশৰ স্থান॥২৮০
সম্মুখ সমৰে পৰি ৰাজা কূৰ্ম্মৱলী।
পৰম আনন্দে স্বৰ্গলোকে গৈলা চলি॥
শুনা সভাসদ একচিত্ত কৰা মন।
কূৰ্ম্মথ পৰ্ব্বৰ কথা আতি বিতোপন॥২৮১
ঈশ্বৰৰ জয় ইটো ঘোষয় সৰ্ব্বথা।
মোক্ষক সাধিবে বসি আন কোন কথা॥
বোলয় সাগৰ কবি শুনা সভাসদ।
মূৰ্খ হুয়া বিৰচিলো ভাৰতৰ পদ॥২৮২
কলিৰ যুগত জানা নামেসে প্ৰধান।
সত্য কৰি কহো নাম বিনে নাহি আন॥
ঈশ্বৰৰ নামে সৰ্ব্বপাপ সংহাৰন্ত।
কুমুদ পুৰাণে কহিয়াছে ভগৱন্ত॥২৮৩
ধৰ্ম্মেসে পৰম বস্তু জানিবা নিশ্চয়।
ধৰ্ম্মত থাকিলে নিষ্ঠে যমে নাহি ভয়॥
তপ জপ তীৰ্থ যাগ ব্ৰত আদি দান।
নহয় ইসব হৰিকথাৰ সমান॥২৮৪
আকে জানি ইটো জন্ম নকৰিয়ো বৃথা।
আলাস ত্যাজিয়া শুনিয়োক কৃষ্ণ কথা॥

পুত্র ভাৰ্য্যা বিষয় জানিবা মায়াজৰী ।
প্ৰবন্ধে ঈশ্বৰে বান্ধি আছে যত্ন কৰি ॥২৮৫
সিটো বান্ধ ছাড়ান নহয় একোমতে ।
নকৰে ভকতি যেবে কৃষ্ণ চৰণতে ॥
কৃষ্ণৰ ভকতি যিটো মনে কৰে সাৰ ।
অপ্ৰয়াসে কৰ্ম্ম-জৰী নষ্ট হোৱে তাৰ ॥২৮৬
কলিৰ যুগত ধৰ্ম্ম জানিবা নিশ্চয় ।
মহা পুৰুষাৰ্থ আতপৰে কিছো নাই ॥
হেন জানি যতনে এৰিয়ো আন কাম
জনম সাফল হৌক বোলা ৰামৰাম ॥২৮৭

---

কালভদ্ৰৰ বন্ধন মোচন

## ছুলড়ী

ঋষি নিগদতি শুনা মহামতী
যেন কথা অদভুত ।
যেবে নৰেশ্বৰ গৈলা যমঘৰ
দেখিলা গঙ্গাৰ সুত ॥
আথে বেথে বীৰ নামিলা ৰথৰ
দেখিলেক ৰণস্থলী ।
অচেতনে সবে পৰিয়া আছয়
যত ৰাজা মহাবলী ॥২৮৮
দেখি গঙ্গাসুত সবাক এৰিয়া
গৈলা কালভদ্ৰ কাছে ।
দেখে নাগপাশে বন্দী হুয়া বীৰ
ভিণ্ডাকাৰে পৰি আছে ॥

পাচে গঙ্গাসুত গুণয় মনত
হেঠমুণ্ডে দোৱাই মাথ।
ইটো নগৰৰ নাহি নৃপবৰ
সসৈন্যে ভৈলা অনাথ॥২৮৯
প্রজাৰ শাপত মই হৈবো হত
কৰো এবে কোন কাজ।
যদি নৃপতিৰ পুত্রেক আছয়
তাকে পাতো যুৱৰাজ॥
এহি মনে গুণি গঙ্গাৰ কুমাৰ
চাপিলা গৈয়া ওচৰ।
দুই হাতে ধৰি নাগপাশ বান্ধ
মেলিলন্ত নিৰন্তৰ॥২৯০
সন্মুক্ষণ হৈয়া উঠিলা বসিয়া
কালভদ্র মহাৱলী।
জানু শিৰে পাচে ভীষ্মৰ চৰণে
কৰিলা যাই সেৱলি॥
দেখি গঙ্গাসুত তুলিয়া ধৰিলা
সাদৰ কৰি বিস্তৰ।
দুইকো দুই কিছো ভৈলা সন্মুক্ষণ
কহিলন্ত পূর্ব্বাপৰ॥২৯১
পাচে গঙ্গাসুতে বুলিলা বচন
শুনিয়োক মহাবীৰ।
জল-পিণ্ডদাতা আপোন সন্ততি
আছে কিবা নৃপতিৰ॥
শুনি কালভদ্রে দিলা সমিধান
শুনিয়ো সুত গঙ্গাৰ।

পঞ্চ বৎসৰৰ পৰম সুন্দৰ
আছয় পুত্র ৰাজাৰ ॥২৯২
শুনি গাঙ্গেয়ৰ ৰঙ্গ ভৈলা বৰ
হৰিষ মিলিল আতি।
ইটো নগৰৰ দিয়া ছত্র দণ্ড
আকে থৈবো ৰাজা পাতি॥
এহি বুলি বীৰ কালভদ্র সমে
নগৰক চলি গৈলা।
নিগদতি ঋষি শুনিয়ো হৰিষি
পাচে যেন কথা ভৈলা॥২৯৩

মহাৰাণী সত্যৱতীৰ বিলাপ

নাৰীগণ যত অন্তেষপুৰত
শুনিলা ৰাজাৰ হত।
আৰ্ত্তৰাৱ কৰি কান্দিবে লাগিলা
নৃপতিৰ নাৰী যত॥
সত্যৱতী নামে পৰমা সুন্দৰী
নৃপতিৰ পটেশ্বৰী।
দীৰ্ঘৰাৱে দেৱী কান্দিবে লাগিলা
ৰাজাৰ গুণ সুমৰি॥২৯৪
হৰি হৰি প্ৰভু প্ৰাণৰ ঈশ্বৰ
বল্লভ হৃদয় স্বামী।
পৰম নিকাৰ বিধৱাৰ ভাৰ
কিমতে সহিবো আমি॥
তুমি অবিহনে নৰহে জীৱন
শোক অগ্নি গৈলা জ্বলি।

এহি বুলি দেৱী তমোময় দেখি
ভূমিত পৰিলা ঢলি ॥২৯৫
হৰিল চেতন বাতুল লক্ষণ
কিছো শ্রুতি বুদ্ধি নাই।
কতো বেলি মানে উঠিয়া বসিলা
গাৱত শ্রুতিক পাই॥
বত্রিশ হাজাৰ অলঙ্কাৰ ৰত্ন
আছিল তান গাৱত।
খণ্ড খণ্ড কৰি পেলাইলা খসাই
সুৱৰ্ণ ৰত্ন সমস্ত ॥২৯৬
দেৱাঙ্গ ভূষণ কৰি পৰিহাৰ
শৰীৰ উদাস কৰি।
মহাশোকে দেৱী কৰন্ত ক্রন্দন
গোপ্য আলাপক স্মৰি॥
হৰি হৰি বিধি কি কৰ্ম্ম কৰিলি
কপালে লেখিলি কিক।
শিখৰ সিন্দূৰ কৰিলি খণ্ডিত
জীৱন আমাৰ ধিক ॥২৯৭
এবে কাক মই শুশ্রূষা কৰিম
চৰণ সেৱিবো কাৰ।
স্বামী সূৰ্য্য মোৰ অস্ত গৈলা আজি
দিনতে ভৈলা আন্ধাৰ॥
পঞ্চামৃতে নিতে কাক দিম অন্ন
সুৱৰ্ণ থালে ভৰাই।
পঞ্চিশ ব্যঞ্জন হয় নানা মত
উপমাক নাহি ঠাই ॥২৯৮

সুগন্ধ জলক দিবো আনি কাক
 সুৱৰ্ণ ভৃঙ্গাৰ ভৰি।
কৰ্পূৰ তাম্বুল দিবো আনি কাক
 দিব্য সফুবাত কৰি॥
এবে কোনে মোক স্নেহে মাতিবেক
 হসিত কৰি বদন।
দোষ গুণ মোৰ নধৰিলা মনে
 আমাৰ বুজিয়া মন॥২৯৯
যাক যৈতে মই কৰিলোহো দণ্ড
 তাৰ প্ৰতিকাৰ নাই।
হেন প্ৰাণপ্ৰভু কৈক গৈলা এৰি
 কাহাক থাকিম চাই॥
মই কুলক্ষণী পাপী অভাগিনী
 অহিতে থাকিলো পৰি।
সুখৰ বিধাতা প্ৰভু প্ৰাণনাথ
 কৈক গৈলা মোক এৰি॥৩০০
তুমি বিনে মোৰ নবহে পৰাণ
 শৰীৰ কৰে দগধ।
এহিবুলি দেৱী ভৈলা বিমূৰ্চ্ছিত
 পৰি ভৈলা নিশবদ॥
কতো বেলি মানে লভিলা চেতন
 ভূমিত বসিলা উঠি।
দুই হাতে ধৰি মহাশোক কৰি
 হিয়াত হানয় মুষ্টি॥৩০১
ঢাকুৰে কপাল কৰে তালাফাল
 কেশ ভৈলা আল জাল।

ক্ষণে ক্ষণে উঠি পৰয় মাটিত
সাক্ষাত যেন বাউল ॥
সেৱকিনী যত আছয় লগত
তাসম্বাৰ শোকানল ।
আৰ্ত্তৰাৱে সবে কৰন্ত ক্রন্দন
সবাবে মন বিকল ॥৩০২
ভূমিত পৰিয়া কৰয় ক্রন্দন
মুখ্য ৰাজ-পটেশ্বৰী ।
কতো সেৱকিনী কৰন্ত ৰোদন
আঙ্কোৱালি তুলি ধৰি ॥
সেহি সময়ত আপোন পুত্রক
দেখিলন্ত দেৱী পাচে ।
ভূমিত পৰিয়া বাগৰি কান্দিয়া
শোকানলে পৰি আছে ॥৩০৩
পঞ্চ বৎসবৰ পৰম সুন্দৰ
উপমাৰ নাহি ঠাই ॥
আৰ্ত্তৰাৱে দেৱী কান্দিবে লাগিলা
পুত্রৰ মুখক চাই ॥
হৰি হৰি বাপ প্রাণৰ পুতাই
কিমতে দুখ বঞ্চিবি ।
তোৰ সম দুখ ত্রিভুৱনে নাই
যিমত দুখ লভিবি ॥৩০৪
ধূলা জাৰি তোক কোনে তুলি লৈবে
কাহাত কৰিবি ৰোষ ।
হাতে তুলি তোক কোনে খুৱাইবে
কৰিবে কোনে সন্তোষ ॥

কাহাৰ লগত সিংহাসনে যাই
শয়ন কৰিবি ৰঙ্গে।
পৰম কৌতুকে হিয়াত চৰিয়া
থাকিবি কাহাৰ সঙ্গে ॥৩০৫
কাহাৰ লগত কৰিবি ভোজন
বসিয়া ৰত্ন আসনে।
আবে পঞ্চামৃতে কৰাবে ভোজন
কোনে তোক ৰঙ্গমনে ॥
সুখ দুখ বাপ একো নজানস
কোনে চাহিবেক তোক।
প্ৰতিপাল কৰি তুলিবে নাপালো
দৈৱে বঞ্চিলেক মোক ॥৩০৬
এহি বুলি দেৱী পুত্ৰক ধৰিয়া
বুকত কৰি সাৱটি।
কণ্ঠো বেলি মানে কৰিলা ক্ৰন্দন
আতি দীৰ্ঘৰাৱে সতী ॥
মহাস্নেহে দেৱী কৰন্ত ক্ৰন্দন
শৰীৰত জ্ঞান নাই।
পুত্ৰ সমন্বিতে ভূমিত পৰিয়া
মহাশোকে মূৰ্চ্ছা যাই ॥৩০৭

### মহাৰাণীৰ আদেশ

সেহি সময়ত গঙ্গাসুত সমে
কালভদ্ৰ মহাৰায়।
আতি দীৰ্ঘৰাৱে অন্তেষপুৰত
প্ৰবেশ ভৈলেক যাই॥

দেখে নাগৰিক করন্ত ৰোদন
মহা আৰ্ত্তৰাৱ কৰি।
ৰাজ-পটেশ্বৰী পৰিয়া আছয়
কুমাৰৰ গলে ধৰি ॥৩০৮

দেখি দুয়োজনে মধুৰ বচনে
বুলিলা সবাক চাই।
কিসক সন্তাপ কৰা মহাতাপ
ৰাজ-পটেশ্বৰী আই ॥
যাৰ কপালত লিখিয়া আছয়
বিধাতায়ে কাপ ধৰি।
সেহি সুখ দুখ আপুনি মিলয়
এৰাইবাহা কেন কৰি ॥৩০৯

আৰো নানা মত বুলিলা প্ৰবোধ
সেনাপতি দুই বীৰ।
চেতন লভিয়া ৰাণী মহোদয়া
মাতিলন্ত ধীৰে ধীৰ ॥
শুনা কালভদ্ৰ আমাৰ বচন
যি ভৈলা আমাৰ গতি।
কৰিছো প্ৰতিজ্ঞা স্বামীৰ সহিতে
যাইবো দিয়া অনুমতি ॥৩১০

আকে জানি তুমি মোৰ পুত্ৰ সমে
এতিক্ষণে দুয়ো ৰাজা।
মোৰ বাক্যচয় নকৰিবা ভঙ্গ
স্বধৰ্ম্মে পালিবা প্ৰজা ॥
সন্তক পালিবা দুষ্টক দণ্ডিবা
শাস্ত্ৰৰ এহি নিয়ম।

আপোন পৰক একোকে নচাহি
সবাকে কৰিবা সম ॥৩১১
চাতুকাৰ বাক্য মনে নধৰিবা
আপুনি চাবা বিচাৰি।
দোষ গুণ দেখি কৰিবাহা দণ্ড
পালিবাহা নৰনাৰী ॥
পঞ্চ বৰিষৰ অবোধ ছাৱাল
সম্পিলো তোহোৰ ঠাই।
পুত্ৰৱতে বাপু কৰিবা পালন
ৰাজাৰ গুণক চাই ॥৩১২
নৃপতিৰ যত নিয়ম বিচাৰ
সমস্তে শিখাইলো তোক।
প্ৰজাক অন্যায় কৰিব নিদিবা
বুলিবাহা বাধা বাক ॥
মাগন্তা জনক দিবা ধন বিত্ত
ব্ৰাহ্মণক দিবা দান।
স্বদেশী বিদেশী কৃষ্ণভক্ত যত
সবাকে কৰা সম্মান ॥৩১৩
মোহোৰ মনত আছিলেক যিবা
সমস্তে কহিলো তোক।
বিলম্ব নকৰ শীঘ্ৰে উঠিয়োক
সত্বৰে পঠোৱা মোক ॥

ৰাণী সত্যৱতীৰ সহমৰণ

শুনি কালভদ্ৰে গাঙ্গেয় সহিত
গৈলা সৰোবৰ তীৰ।

গঙ্গাৰ বাহিনা নামে সুভাগনী
আছে মহাতীৰ্থ বৰ ॥৩১৪
কালভদ্ৰ বীৰে কৰিলা আদেশ
যতেক সেনা প্ৰধান।
মহা বিতোপন অগৰু চন্দন
সাজিলেক চিতাখান ॥
চিতাক সাজিয়া কালভদ্ৰ বাবে
আসিলেক বেগ ধৰি।
সসৈন্য সহিতে ৰাজ-মহিষাক
নিলা চৌদলাত কৰি ॥৩১৫
যৈত কূৰ্ম্মৱলা ভস্ম হুয়া আছে
তাহাৰ ধূলি আনিলা।
সমস্ত ধূলিক একস্থান কৰি
দেৱীৰ হাতত দিলা ॥
দেখি পটেশ্বৰী মহা যত্ন কৰি
তুলি লৈলা বিদ্যমান।
নৃপতিৰ ধূলি বালি সমন্বিতে
কৰিলেক এক স্থান ॥৩১৬
স্নান কৰি আসি ৰাজাৰ মহিষী
চক্ষুমেলি চাইলা পাচে।
দেখন্ত তহিত আকাশ ঢাকিয়া
অনেক বিমান আছে ॥
দেখিয়া দেৱীৰ হৰিষ মনত
বুলিলা সবাক চাই।
এতিক্ষণে মোক পঠোৱা ত্বৰিত
বিলম্বক নুযুৱাই ॥৩১৭

এহি বুলি দেৱী দেৱতাসবক
কৰিলেক নমস্কাৰ।
ইন্দ্ৰ চন্দ্ৰ আদি সমস্তে দেৱক
প্ৰণামিয়া বাৰম্বাৰ॥
সেহি ভস্ম ধৰি প্ৰদক্ষিণ কৰি
চলিলা চিতাত পাচে।
দেখি নৰনাৰী চাহে শাৰী শাৰী
একদৃষ্টি চাহি আছে॥৩১৮
নৃপতিৰ গুৰি হিয়াত বান্ধিয়া
চিতাত কৰি শয়ন!
উত্তৰ দিশক শিব গোট কৰি
ভৈলা দেৱী অচেতন॥
কূৰ্ম্মথেৰ সেনা পৰম বিহ্বল
আছন্ত সবে আকলি।
দিব্য বিমানত চলি মহোদয়া
স্বৰ্গলোকে গৈলা চলি॥৩১৯
কালভদ্ৰ বীৰে শীঘ্ৰ কৰি যাই
কলসে ঢালিলা ঘৃত।
ব্ৰাহ্মণসকলে মুখাগ্নি কৰয়
জ্বলাই দিলা অগনিত॥
আকাশ ঢাকিয়া অগনি উধাই
দেখি আতি ভয়ঙ্কৰ।
নিমিষেক মানে ৰাজ মহিষীৰ
দহিলন্ত কলেৱৰ॥৩২০
প্ৰেতকাৰ্য্য যত কৰিলা সমস্ত
কালভদ্ৰ মহাৱলী।

বহিনীৰ কৰ্ম্ম সসাঙ্গ কৰিয়া
দিলা পিণ্ড জলাঞ্জলি ॥
শুনা সভাসদ ভাৰতৰ পদ
সবে এক মন কৰি।
মহা মূঢ়মতি নজানো সম্প্ৰতি
বোলয় সাগৰ খৰি ॥৩২১
কৃষ্ণৰ চৰিত্ৰ পৰম অমৃত
তিনিয়ো ভুৱনে সাৰ।
ই জন্মত ভোগ মুকুতি ভুঞ্জয়
পুৰুষ কৰে উদ্ধাৰ ॥
হেন জানি সবে আলাস ত্যজিয়া
শুনিয়োক কৃষ্ণ কথা।
ঈশ্বৰ প্ৰভুক দৃঢ় কৰি ধৰা
নকৰা জনম বৃথা ॥৩২২
কৃষ্ণৰ ৰূপক মনে ধৰিয়োক
ছাবা ভাষ ভূষ কাম।
তেবেসে সংসাৰ তৰিবাহা সুখে
মুখে বোলা ৰাম ৰাম ॥৩২৩

---

কূৰ্ম্মৱলীৰ পুত্ৰৰ ৰাজ অভিষেক

**পদ**

বৈশম্পায়ন বদতি শুনিয়ো মহাৰাজ।
পাচে গঙ্গাসুতে যেন কৰিলেক কাজ ॥
যেবে কালভদ্ৰে কৰ্ম্ম সসাঙ্গ কৰিলা।
সেহিবেলা ৰাজাৰ পুত্ৰক আনি দিলা ॥৩২৪

পঞ্চ বৎসৰৰ শিশু পৰম সুন্দৰ।
দেখিয়া আহ্লাদ মন ভৈলা গাঙ্গেয়ৰ॥
দিব্য স্বৰ্ণ সিংহাসনে তুলিলেক ধৰি।
উপৰত ছত্ৰখান দিলা যত্ন কৰি॥৩২৫
নৃপতিৰ ব্যৱহাৰ আছিলেক যত।
ভাগে ভাগে গঙ্গাসুত কহিলা সমস্ত॥
শিখাইলেক ৰাজনীতি যতেক আচাৰ।
জয় হৰিধ্বনি কৰিলেক ভয়ঙ্কৰ॥৩২৬
সেহিবেলা দেৱৰাজ ত্ৰিদশ সহিতে।
মহাৰঙ্গে আসি সবে মিলিলা তহিতে॥
আন দেৱসব আসি ভৈলা বিদ্যমান।
আকাশ পথত সবে ৰাখিলা বিমান॥৩২৭
নৃপতিৰ পুত্ৰক আপুনি পুৰন্দৰে।
অভিষেক কৰাইলেক সমস্তে লোকৰে॥
দেৱাঙ্গ ভূষণ বস্ত্ৰ দিলা দেৱৰাজ।
কৰিলেক আশীৰ্ব্বাদ ত্ৰিদশ সমাজ॥৩২৮
ৰাসৱে বোলয় তোক মই দেওঁ বৰ।
বিঘিনি নহৌক সুখে ৰাজ্য ভোগ কৰ॥
চন্দ্ৰাদিত্যে বোলে ঘোৰ খণ্ডোক আপদ।
পিতৃৰ অধিক তোৰ মিলোক সম্পদ॥৩২৯
আনো দেৱমানে ভিন্নে ভিন্নে দিলা বৰ।
দেৱবাদ্য তথাত বাজিলা বহুতৰ॥
অসংখ্যাত বাদ্য বজাইলা নানা ভাৱে।
বিদ্যাধৰে নাচয় গন্ধৰ্ব্বে গুণ গাৱে॥৩৩০
দুন্দুভী মৃদঙ্গ ভেৰী শঙ্খ কৰতাল।
খমুচি দোতাৰা ঢাক বাজাৱে কাহাল॥

এহিমতে দেৱৰাজ ত্ৰিদশ সহিতে।
দণ্ড চাৰিমান ৰঙ্গে আছিলা তহিতে ॥৩৩১
তাত পাচে গাঙ্গেয়ক বচনে সাদৰি।
আপোন স্থানক গৈলা পুষ্পবৃষ্টি কৰি ॥
সেহিবেলা কালভদ্ৰে শীঘ্ৰবেগে যাই।
দুঃশাসন বীৰক আনিলা মোকোলাই ॥৩৩২
ঘোটক সহিতে আনি ভেট কৰি দিলা।
দেখি গঙ্গাসুতে তাক আশ্বাস কৰিলা ॥
কালভদ্ৰ বীৰক কৰিলা বহুমান।
দুঃশাসন সমে গৈলা সৈন্যৰ যে থান ॥৩৩৩

### ৰাজাসকলৰ চেতনলাভ আৰু দুৰ্য্যোধনৰ অনুসন্ধান

ঋষিয়ে বোলন্ত কথা শুনা সাৱধানে।
ভীষ্মৰ কথাক মই থৈলো এহিমানে ॥
পাচে ৰাজাগণে যেন কৰিলেক কাজ।
সম্প্ৰতিক কহো তাক শুনা মহাৰাজ ॥৩৩৪
যি বেলাত গঙ্গাসুত গৈলা অভ্যন্তৰে।
সেহি বেলা চেতন লভিলা নিৰন্তৰে ॥
লভিয়া চেতন সবে বসিলা মাটিত।
দুৰ্য্যোধন নৃপতিক নেদেখিলা তৈত ॥৩৩৫
নেদেখিলা মহাবীৰ গঙ্গাৰ কুমাৰ।
দেখি সবে লোকৰ মিলিলা হাহাকাৰ ॥
সেহিবেলা গুৰু দ্ৰোণে বুলিলা বচন।
আমাৰ বচন শুনিয়োক বীৰগণ ॥৩৩৬

ত্ৰিভুৱন বিজয়ী ভীষ্মক মহাবায়।
সমৰত তাহাঙ্ক জিনন্তা কেহ নাই ॥
এক দেৱ নাৰায়ণ জগত ঈশ্বৰ।
তেওঁ বিনে তাহাক জিনন্তা নাহি আৰ ॥৩৩৭
আকে জানি সেনাগণ কৰিয়োক স্থিৰ।
ৰাধেয়ক আদি কৰি যত মহাবীৰ ॥
হেন জানি সৈন্যগণ কৰিয়োক ঠাই।
চপকাৱে নগৰত ৰহিয়োক যাই ॥৩৩৮
সেহিবেলা দুঃশাসন গঙ্গাসুত বীৰ।
ৰথে চড়ি তথাক গৈলন্ত ধীৰে ধীৰ ॥
হেন দেখি কটকৰ আনন্দ মিলিলা।
ৰাজাগণ আসি গাঙ্গেয়ক আৱৰিলা ॥৩৩৯
পুছিলন্ত দুৰ্য্যোধন গৈলা কোন থান।
হেন শুনি গঙ্গাসুতে দিলা সম্বিধান ॥
নৃপতিৰ কথা শুনিয়োক নিৰন্তৰ।
কূৰ্ম্মৱলীৰাজ সমে কৰিলা সমৰ ॥৩৪০
অনেক কৰিলা দুয়ো বাণ বৰিষণ।
কূৰ্ম্মৱলী হানিলন্ত মাৰুতৰ বাণ ॥
পৰম আক্ৰোশে নৃপতিক লাগ পাই।
ৰথ সমে তাহাঙ্ক নিলেক উৰুৱাই ॥৩৪১
নজানোহো ভৈলা কিবা ৰাজাৰ অৱস্থা।
শুনিয়োক কহো মই অনুপাম কথা ॥
সসৈন্যে সহিতে যাই আপোনাৰ ৰাজ।
আলচ কৰিয়া পাচে চিন্তিবোহো কাজ ॥৩৪২
হেন শুনি সবাৰ হৰিষ ভৈলা মন।
ভাল বুলি সবেও উঠিলা তেতিক্ষণ ॥

হয় হস্তী পদাতি আছিল যত যত।
হস্তিনাপুৰক লাগি চলিলা সমস্ত ॥৩৪৩
ঋষিয়ে বোলন্ত কথা শুনা মহাৰাজ।
দুৰ্য্যোধন নৃপতিৰ যেন ভৈলা কাজ ॥
কতো বেলি চেতন লভিলা মহাবীৰ।
মহাভয়ে কম্পে ৰাজা গাৱ নহে স্থিৰ ॥৩৪৪
কৰ্ণপাতি শুনিলেক সৈন্যৰ আৰাৱ।
শৰীৰৰ বলে আতি বৃষভে নাদয় ॥
শ্ৰুতি পায়া দুৰ্য্যোধন উঠিয়া বসিলা।
বনৰ মাজৰপৰা ধাৰে চলি গৈলা ॥৩৪৫
মনত গুণয় ইটো কাহাৰ নগৰ।
হাটী বাটী চৌপথক দেখি ভয়ঙ্কৰ ॥
কিবা স্বপ্ন দেখো কিবা হোৱয় সচিত।
এহি বুলি নৃপতিৰ মনে ভৈলা ভীত ॥৩৪৬
কোন ঠাই আছিলো আসিলো কোন থান।
কোন কাজ কৰিলোহো গুণে মনে মনে ॥
যদি সত্য কৰি প্ৰভু হোৱয় স্বপন।
নকৰা নৈৰাশ হৰি কৰিয়ো চেতন ॥৩৪৭
এহি বুলি যায় ৰাজা মনত বিকল।
দেখিলেক আপোনাৰ কটক সকল ॥
দুৰ্য্যোধন ৰাজাক দেখিলা বিদ্যমান।
আথে বেথে বৃদ্ধ নৃপতিত দিলা জান ॥৩৪৮

### ধৃতৰাষ্ট্ৰৰ কুৰুসৈন্যৰ সংবাদ গ্ৰহণ

হেন শুনি ধৃতৰাষ্ট্ৰ ৰাজা নৰেশ্বৰ।
দুৰ্য্যোধন নৃপতিক আনাইলা সত্বৰ ॥

শোকে দুখে দুর্য্যোধন মৃতক সমান।
ধীৰে ধীৰে নৃপতিক কৰিলা বন্দন ॥৩৪৯
আপোনাৰ পুত্ৰক আসিবে সাৰি পাই।
আথে বেথে সোধে ৰাজা দুনাই দুনাই ॥
হৰি হৰি প্ৰাণ পুত্ৰ কি ভৈলা অৱস্থা।
ঝাণ্ট কৰি কয়ো বাপ আপোনাৰ কথা ॥৩৫০
কৈক গৈলা বাপ তোৰ একশত ভাই।
কৈক গৈলা সুষেন যে শকুনি মমাই ॥
কৈক গৈলা বাপ মোৰ বৃদ্ধ গঙ্গাসুত।
কৈক গৈলা গুৰু দ্ৰোণ বীৰ অদভুত ॥৩৫১
কৈক গৈলা মহাৰলী ৰাধাৰ তনয়।
বিবাট দ্ৰুপদ আদি যত ৰাজাচয় ॥
কহিয়োক বাপ আবে বিলম্ব নকৰ।
হেন শুনি দুৰ্য্যোধনে দিলন্ত উত্তৰ ॥৩৫২
দুৰ্য্যোধন বদতি পিতৃ শুনিয়ো বচন।
যেনমতে যুদ্ধ ভৈলা শুনিয়ো কাৰণ ॥
কালভদ্ৰ নামে তাৰ মুখ্য সেনাপতি।
সুৰাসুৰে অজেয় দাৰুণ বীৰ আতি ॥৩৫৩
দ্ৰোণ জয়দ্ৰথ আদি যতেক আসিলা।
এক শৰে কালভদ্ৰে সবাক মাৰিলা ॥
পাচে কৰ্ণ সমে লাগিলেক ঘোৰ ৰণ।
একেলগে পৰি দুয়ো ভৈলা অচেতন ॥৩৫৪
হেন দেখি তাহাৰ নৃপতি আইলা ধায়।
নিমিষেকে সবাক নিলেক উৰুৱাই ॥
নজানোহো তাত পাচে ভৈলা কোন কথা।
একেশ্বৰে গঙ্গাসুত ৰহিলেক তথা ॥৩৫৫

## কুৰুৰাজৰ শোক

হেন শুনি ধৃতৰাষ্ট্ৰ কৰয় ক্ৰন্দন।
গান্ধাৰী সহিতে কান্দে যত কন্যাগণ॥
প্ৰজাগণে ক্ৰন্দন কৰয় অতিশয়।
সকল নগৰ ভৈলা হাহাকাৰময় ॥৩৫৬
মহা আৰবাৰে সবে কান্দে নৰনাৰী।
পিতৃ পুত্ৰ ভ্ৰাতৃ বন্ধু বান্ধৱক স্মৰি ॥
এহিমতে ক্ৰন্দন কৰয় যত যত।
সংক্ষেপ পয়াৰে তাৰ লেখা দিবো কত ॥৩৫৭
পাচে কুৰুগণে সবে গৈলা ঘৰাঘৰি।
চৰু হাড়ি পেলাইলেক সমস্ত নগৰী॥
বস্ত্ৰক ভিজায়া সবে কৰিলেক শুদ্ধ।
ভৈলা ক্ৰিয়াধাৰী সবে কটক প্ৰবুদ্ধ ॥৩৫৮
তাত পাচে ধৃতৰাষ্ট্ৰ নৃপতি প্ৰধান॥
দেশে দেশে পঠাইলেক যত দূতগণ।
কহিলেক দূতগণে সমস্ত লোকত॥
আৰৱাৰে তুমুলে কান্দে নাৰীগণ যত ॥৩৫৯
দেশে দেশে প্ৰজাৰ মিলিলা হাহাকাৰ।
নৃপতিৰ বংশ সবে কান্দিলা অপাৰ ॥
নৃপতিৰ ভাৰ্য্যা পুত্ৰ সবে সেনা যত।
মৃতকৰ প্ৰেতক্ৰিয়া কৰিলা সমস্ত ॥৩৬০
বিৰাট সৈন্যৰ দ্ৰুপদৰ সেনাচয়।
সমস্ত পৃথিবী মানে হাহাকাৰময় ॥

### গান্ধাৰীৰ আদেশত যজ্ঞ স্থগিত

সেহিবেলা গঙ্গাসুত সসৈন্যে সহিত।
হস্তিনাপুৰত আসি ভৈলা উপস্থিত ॥৩৬১

দেখি সমস্তৰে আতি ৰঙ্গ ভৈলা মন।
শুনি ধৃতৰাষ্ট্র আসিলেক সেহি স্থান॥
গঙ্গাৰ সুতক ৰঙ্গে প্ৰণাম কৰিলা।
ৰাজাগণে আসি নৃপতিক প্ৰণামিলা॥৩৬২
কহিলন্ত যিমত সমৰ অদভুত।
ঘোটকক আগকৰি দিলা গঙ্গাসুত॥
সেহিবেলা গান্ধাৰী বুলিলা বাধা বাক্য।
নালাগে আমাৰ যাগ যজ্ঞ কৰিবাক॥৩৬৩
প্ৰথমতে ভৈলা আসি বিঘিনি প্ৰধান।
যজ্ঞ এৰি দৰিদ্রক কৰায়ো ভোজন॥
শুনিয়োক সভাসদ থিৰ কৰি মতি।
কূৰ্ম্মঠ পৰ্ব্বৰ কথা ভৈলা সমাপতি॥৩৬৪
বোলয় সাগৰ খৰি মই বৰ অনাথ।
মই দূষিতক নছাৰিবা জগন্নাথ॥
তযু পদ মনে ধৰি বসি শিলাগ্ৰাম।
ৰচিলো ভাৰত পদ চিন্তি কৃষ্ণনাম॥৩৬৫
মোৰ দোষ গুণ যত কৰা উপশাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥৩৬৬

—: সমাপ্ত :—